# পৰীক্ষিৎ বধ

সুকবি নাৰায়ণ দেৱৰ ৰচিত



শ্ৰীপ্ৰসন্নচন্দ্ৰ বৰুৱাৰ দ্বাৰা

সংগৃহীত ও সংশোধিত



প্ৰকাশক :—

শ্ৰীকৰুণা কান্ত বৰুৱা

পোঃ কমাৰকুছি

কামৰূপ






নতুন তাঙৰণ

১৩৫৮ চন।

কাতি, শ্যামা-পূজা।



বেচ— ।৵০ অনা।

# ৰাম বন্দনা



দিহা

এ ৰাম হায় কোন গুণে, হায় হায় কোন গুণে
ৰাঘৱৰ ভজিম চৰণ।

প্ৰথমে বন্দিবো ৰাম, মুক্তি পদে যাৰ নাম
প্ৰভু ৰাম কমল লোচন।
কৌশল্যা নন্দন ৰাম নবদুৰ্ব্বাদল শ্যাম
তব পদে লক্ষেক প্ৰণাম॥

ৰাক্ষস কৰিতে নাশ সবংশে ৰাবণ ধ্বংস
সীতাদেবী জন্মে মহীতলে।
লক্ষ্মী স্বৰূপিণী দেবী আগম পুৰাণে সেৱী
যাৰ গুণে প্ৰকাশে ভূতলে॥

সন্ন্যাসীৰ বেশধাৰী দণ্ডকা কাননে হৰি
চুৰি কৰে দুৰ্জ্জয় ৰাবণ।
শ্ৰীৰাম লক্ষণ ভাই সীতা শোকে দুঃখ পাই
ভ্ৰমিলেক অনেক কানন॥
কিষ্কিন্ধ্যাত থিত হৈয়া সুগ্ৰীবক লাগ পায়া
মিত্ৰ কৰে বানৰৰ সঙ্গে।
বধিয়া প্ৰচণ্ড বালি চলি গৈলা লঙ্কাপুৰী
সমুদ্ৰ বান্ধিলা মহাৰঙ্গে॥
তিনি মাহ যুদ্ধ কৰি মজাইলা লঙ্কাপুৰী
মহাৰজা ৰাবণ বিনাশ।
উদ্ধাৰি জানকী নাৰী চলিয়া অযোধ্যাপুৰী
সুখী কৰে তেহো গৃহবাস॥
হাজাৰ বৎসৰ দিন সুখে পালে প্ৰতিদিন
ৰাম-ৰাজ্যে দুখী কেহো নাই।
নাৰায়ণ দেৱে বোলে প্ৰভু ৰাম পদতলে
বিপ্ৰক জানকী নাথে গাই॥

— – —

# পৰীক্ষিৎ বধ



শান্তনু ৰজাৰ নাতি ধৰ্ম্মশীল মহামতি
পাণ্ডু ৰজা ব্যাসৰ নন্দন।
তাৰ পুত্ৰ সদাচাৰ বিষ্ণু অংশে অৱতাৰ
যুধিষ্ঠিৰ আদি পঞ্চজন ॥ ১
অৰ্জ্জুন শৰীৰ ধৰি ক্ষিতিতলে অৱতৰি
কুৰুকুল কৰিলা বিনাশ।
নৰনাৰায়ণ চলে জন্মিয়া ভাৰতকুলে
চন্দ্ৰবংশ কৰিলা প্ৰকাশ ॥ ২
অৰ্জ্জুনৰ তনয় অভিমন্যু মহাশয়
তাৰ পুত্ৰ পৰীক্ষিৎ ৰজা।
জানিয়া কুলৰ ধৰ্ম্ম বেদ অনুসাৰে কৰ্ম্ম
পুত্ৰবৎ পালে সব প্ৰজা ॥ ৩
এক দিন পৰীক্ষিৎ চড়িয়া কঞ্চন ৰথ
হাতে লৈয়া দিব্য ধনুঃশৰ।
সৈন্য-সামন্ত সঙ্গে মৃগয়া কৰিতে ৰঙ্গে
প্ৰবেশিল অৰণ্য ভিতৰ ॥ ৪

মাৰিলেক মৃগ যত তাহাক কহিবো কত
তাতে বধ হইলা বিমুখ।
কালপুৰুষ কোপে মায়া হৰিণ-ৰূপে
দেখা দিলা ৰজাৰ সমুখ॥ ৫
মৃগ দেখি নৰবৰ ধনুত যুৰিলা শৰ
হৰিণ হানিতে গৈলা ধাইয়া।
পাছে পাছে মহাৰাজ প্ৰবেশিলা বনমাজ
মৃগ পলাইলা প্ৰাণ লৈয়া।৬
মুনি দেখি তপোবনে জিজ্ঞাসিল তাৰ স্থানে
কোন পথে গৈলেক কুৰঙ্গ।
ধ্যানে বসি আছে মুনি উত্তৰ নিদিলা শুনি
সমাধি হইব জানি ভঙ্গ॥৭
মহামুনি তপোধন পৰম ধৰ্ম্মত মন
উত্তৰ নিদিলা কোনে মতে।
ৰজাৰ জন্মিল তাপ নাজানিলা ব্ৰহ্মশাপ
মুনিৰে লাগিলা বিড়ম্বিতে॥৮
তপ সজ্জা আছে সঙ্গে দণ্ড কমণ্ডলু ভাঙ্গে
ধুতি বস্ত্ৰ উণ্ডৰি ফেলয়।
মৰা সৰ্প সন্নিধানে তুলি লয় ধনুগুৰ্ণে
বেঢ়ি দিল মুনিৰ গলায়॥৯
ভণ্ড তপস্বী মনে উত্তৰ নেদিলা কেনে
এত বলি কৰিলা দুৰ্গতি।

কাল হৈল উপস্থিত ঘৰে গৈলা পৰীক্ষিৎ
নাৰায়ণ দেৱৰ ভাৰতি ॥১০

## দিহা

আজু বৰ প্ৰমাদ মিলিলা
কদম্বৰ তলে কানাই দেখা দিলা ।
এহিমতে ঘৰে গৈলা অৰ্জ্জুনৰ নাতি ।
ব্ৰহ্মশাপ পাইলা যেন শুনা তাৰ ৰীতি ॥১১
মতঙ্গ মুনিৰ বেটা শৃঙ্গদেব নাম ।
প্ৰজাপতি স্থানে বেদ পঢে অবিশ্ৰাম ॥
ষাঠি সহস্ৰ বৰ্ষ বসে ব্ৰহ্মাপুৰে ।
সিদিনা বিদায় হৈলা ব্ৰহ্মাৰ গোচৰে ॥১২
তাহাৰ বিদায়ে ব্ৰহ্মা হাসে মনে মনে ।
পৰীক্ষিৎ ব্ৰহ্মশাপ পাইবো আজি দিনে ॥
আসিয়া মিলিলা শৃঙ্গ সেই তপোবনে ।
যথাত মতঙ্গ মুনি বসি আছে ধ্যানে ॥১৩
দণ্ডবতে প্ৰণাম কৰিয়া কুতুহলে ।
ক্ষণেক দেখিলা বাপৰ মৰা সৰ্প গলে ॥
ভাঙা দণ্ড কমণ্ডলু দেখি বিড়ম্বন ।
মৰা সৰ্প গলে তুলি দিলা কোন জন ॥১৪
যক্ষাদি দেৱতা কিবা অসুৰ দেৱতা ।
মুনি বিড়ম্বিতে পাৰে কাহাৰ ক্ষমতা ॥

আমি থাকিতে বাপৰ এতেক দুৰ্গতি।
নিশ্চয় শাপিবো তাৰে দৃঢ় কৰি মতি ॥১৫
এত বলি শৃঙ্গধৰে কৰে আচমন।
ব্ৰহ্মশাপ দিব বলে দাৰুণ বচন ॥
আমাৰ বাপৰ গলে যিবা সৰ্প দিল।
জীৱন যৌৱন মদে গুৰুক লঙ্ঘিল ॥১৬
যদি ব্ৰাহ্মণ হওঁ মই ব্ৰহ্মতেজ থাকে।
সপ্তদিনৰ মধ্যে তাক দংশিবো তক্ষকে ॥
এতেক বলিয়া কোপ ক্ষমি আপোনাৰ।
দূৰ কৈলা মৰা সৰ্প বাপৰ গলৰ ॥১৭
ধ্যানতে থাকিয়া মুনি জানিলা অন্তৰে।
পৰীক্ষিৎ ব্ৰহ্মশাপ পাইলা নিৰ্ভৰে ॥
পুত্ৰ মুখ চাই মুনি বুলিলা বচন।
কেন হেন ব্ৰহ্মশাপ দিলা অকাৰণ ॥১৮
বিনা দোষে শাপ দিলা পৰীক্ষিৎ ৰজা।
দেৱ দ্বিজ অতিথিক সদা কৰে পূজা ॥
বাপৰ বচনে পুত্ৰ বুলিলা বচন।
আমাৰ বচন কভু নযাইবো খণ্ডন ॥১৯
পুত্ৰৰ মুখত শুনি নিষ্ঠুৰ বচন।
শিষ্য এক পঠাই দিলা হস্তিনা ভুৱন ॥
মোৰ পুত্ৰে ব্ৰহ্মশাপ দিয়াছে ৰজাক।
সপ্তদিন মধ্যে ৰজাক দংশিবো তক্ষকে ॥২০

মুনিৰ শুনিলা শিষ্যে এতেক বচন।
হস্তিনা নগৰে শিষ্য কৰিল গমন॥
মুনিক দেখিয়া ৰজাৰ হৰষিত মন।
বসিবাক দিলা নিয়া ৰত্ন-সিংহাসন॥২১
আশিৰ্ব্বাদ কৰি মুনি বসিলা সত্বৰে।
মুনি শাপ বিবৰণ কহিলা ৰজাৰে॥
এই বাৰ্ত্তা কহে দূত মুনিৰ সংবাদ।
মহা চিন্তাত পৰে ৰজা ভাবিয়া বিষাদ॥২২
সিংহাসন হৈতে ভূমিত পৰিলা ত্বৰিত।
আকাশ ভাঙ্গিয়া যেন পৰিলা মাথাত॥

## দিহা

অনেক শোকে কান্দে নৃপমণি॥২৩
শোকে কান্দে নৃপমণি শুনিয়া মুনিৰ বাণী,
কান্দে ৰাজা বিষাদ বদনে।
অজ্ঞানে কৰিলোঁ পাপ, ব্যৰ্থ নহে মুনি শাপ,
কি জানি কুমতি হৈলা মোৰে॥২৪
সংহাৰ কালত হিত, বুদ্ধি হৈলা বিপৰীত,
কিবা কালে ধৰিলেক মোৰে।
ধৰ্ম্মৰজা যুধিষ্ঠিৰ, মহাপুণ্যবান-ধীৰ,
সশৰীৰে গৈলা স্বৰ্গপুৰে॥২৫
হেন বংশে মোৰ জন্ম, কৰিলো কুৎসিৎ কৰ্ম্ম,
ব্ৰহ্মশাপ আমাৰ ওপৰে॥

মৃগৰজা ত্ৰিকালজ্ঞ ব্ৰহ্মশাপে হৈলা ভস্ম
চন্দ্ৰত কলঙ্ক ব্ৰহ্মশাপে।
নল হৈলা অজগৰ, সহস্ৰাক্ষি পুৰন্দৰ
আমাক ৰাখিবো কাৰ বাপে ॥২৬
সৰগৰ পুত্ৰ পাপে, ভস্ম হৈলা ব্ৰহ্মশাপে,
অগোত্ৰ হৈলা জলনিধি।
সূৰ্য্যৰ নন্দন কৰ্ণে, অস্ত্ৰ পাসৰিলা ৰণে,
অহল্যা হইলা শিলা বুদ্ধি ॥২৭
যদুবংশ ছাপান্ন কোটী, মৰিলা এক গুটী,
ব্ৰহ্মশাপ বিষম অনলে।
মহাৰাজ দশৰথ, ব্ৰহ্মশাপে হৈলা হত,
বলিৰজা গেল ৰসাতলে ॥২৮
দুৰ্ব্বাসা মুনিৰ জন্যে, লক্ষ্মী নাশ ত্ৰিভুবনে,
পক্ষী হৈলা ইন্দ্ৰ বিদ্যাধৰী।
ভস্মৰাশি হৈলা কাম, বিষ্ণুৰ শৰীৰ ৰাম,
ব্ৰহ্মশাপে আপন পাসৰি ॥২৯
কুবেৰৰ দুই পুত্ৰ, বৃক্ষলতা অদ্ভুত,
যমল অৰ্জ্জুন তৰুৰূপে।
দাৰুণ দ্বিজৰ ঘায়, চণ্ডী হৈলা শিলাকায়,
গজ-কচ্ছপ ব্ৰহ্মশাপে ॥৩০
সুমৰিয়া হৰি হৰি, কান্দিয়া বিস্তৰ কৰি,
হৃদয়ে ভাবিয়া মহাতাপ।

নাৰায়ণ দেৱে কয়　　　সুকবি বল্লভ হয়
কান্দে ৰজা পায়া ব্রহ্মশাপ ॥৩১

## দিহা

ঐ আৰে পাৰ কৰা অ ৰঘুনাথ।
এ ভব সাগৰে ॥৩২

এতেক ভাবিয়া ৰজা চিন্তাযুক্ত মন।
দেখিবাৰে ব্যাসদেৱ আসিলা তখন॥
ব্যাসক দেখিয়া সবে উঠিলা তখন।
দণ্ডবতে প্রণামিলা ব্যাসৰ চৰণ ॥৩৩
পাদ্য-অর্ঘ্য আচমন দিলেক আসন।
যোৰহাতে পৰীক্ষিতে কৰে নিবেদন॥
শুনা ব্যাস মহামুনি আমাৰ বচন।
অসময়ে হৈলা গুৰু আমাৰ মৰণ ॥৩৪
মৃগয়া কৰিতে গৈলো অৰণ্য ভিতৰে।
তাতে ব্রহ্মশাপ হৈলা আমাৰ উপৰে॥
সপ্তদিন মধ্যে মোক তক্ষকে দংশিবে।
ব্রহ্মশাপ ব্যর্থ নহে অৱশ্যে ফলিবে ॥৩৫
মৰণক লাগি ভয় নাহি কদাচন।
নভজিলো নাৰায়ণ শ্রীমধুসূদন॥
নাজানিলো কোন গতি হৈবেক আমাৰে।
নকৰিলো ধৰ্ম্ম-কৰ্ম্ম মতি অনুসাৰে ॥৩৬

ৰজাৰ কথা শুনি মুনি বুলিলা বচন।
পুণ্য হেতু ভাগবত কৰহ শ্ৰৱণ ॥
সংযম আচাৰ কৰি নিৰাহাৰ হৈয়া।
নিৰবধি শুনিবা আপনি মন দিয়া ॥৩৭
ইহ্মাক শুনিয়া পূৰ্ব্বে মহামুনি সবে।
পৰম কল্যাণ হৈয়া তৰি গৈলা ভবে ॥
পৰীক্ষিতে কহে তবে যোৰহাত কৰি।
কোনে শুনাৰেক মোক বোলহ বিচাৰি ॥৩৮
ব্যাস বোলে শুকদেৱ আমাৰ তনয়।
পৰম বৈষ্ণৱ সেই ভাগবতময় ॥
ৰজা বোলে শুকদেৱ অব্যাহত গতি।
এক স্থানে একত্ৰে নাথাকে এক ৰাতি ॥৩৯
তাহাক পাইবো আমি কোথা তপোধন।
মোৰ ঠাই প্ৰয়োজন এই সপ্তদিন ॥
ব্যাস বোলে যি স্থানত শুনে হৰিকথা।
সেই স্থানে শুকদেৱ আছিবো সৰ্ব্বথা ॥৪০
তাক শুনি পৰীক্ষিৎ হুয়া এক মন।
ৰাম ৰাম হৰি হৰি বোলে সৰ্ব্বক্ষণ ॥
হৰিধ্বনি শুনি বৰ আনন্দিত মন।
আচম্বিতে শুকদেৱ আসিলা তেখন ॥৪১
শতেক সূৰ্য্যৰ তেজ বালক চৰিত্ৰ।
মুক্তকেশ দিগম্বৰ সৰ্প বিভূষিত ॥

ধূমকেতু হেন অঙ্গ বালক দেখিয়া।
সকল বালক নাচে হাত তালি দিয়া ॥৪২
পৰীক্ষিৎ আদি কৰি ব্যাস এড়ি সবে।
প্ৰণামিলা ব্যাস পুত্ৰে পৰম গৌৰবে ॥
পাদ্য-অৰ্ঘ্য আচমন দিলেক আসন।
বসিলেক দিগম্বৰ প্ৰসন্ন বদন ॥৪৩
ব্যাস বোলে শুকদেৱ শুনহ বচন।
ৰজাক কৰাহ তুমি ভাগৱত শ্ৰৱণ ॥
তোমাৰ সমান নাই ই তিনি লোকে।
এঘোৰ সংসাৰ ভয খণ্ডাহ ৰজাকে ॥৪৪
এত বুলি ব্যাসদেৱ হৈলা অন্তৰ্দ্ধান।
পৰীক্ষিত ৰজা তবে চিন্তিলেক ত্ৰাণ ॥
ইষ্ট, মিত্ৰ, আত্ম, বন্ধু, আনিয়া যতেক।
জন্মেজয় আনি কৈলা ৰাজ্য অভিষেক ॥৪৫
পাত্ৰ মিত্ৰ সকলাতে ভাৰ সমৰ্পিয়া।
চলিলা গঙ্গাৰ কুলে মৰণ জানিয়া ॥
ব্ৰহ্মজাল আদি কৰি ৰচিলা বিষম।
কৰিলা নিগূঢ় স্থান সৰ্পৰ দুৰ্গম ॥৪৬
গঙ্গাৰ অন্তৰ জলে কৈলা কুশাসন।
আৰম্ভিলা ভাগৱত কৰিতে শ্ৰৱণ ॥
শুকদেৱ মুখ হৈতে হৰিকথা ৰসে।
নিত্য উপবাস তবু ক্ষুধা ন পৰশে ॥৪৭

এহিমতে পুণ্য কথা কৰয়ে শ্ৰবণ।
পাত্ৰ মিত্ৰ সবে তেথা কৰিলা মন্ত্ৰণ ॥
সৰ্ব্বদায় কৰে ৰজা আমাসাৰ হিত।
সৰ্পেসে ন দংশে তেন চিন্তিতে উচিত ॥৪৮
ধন্বন্তৰী নামে ওজা থাকে শঙ্খপুৰী।
ৰজাৰ কাৰণে তাৰ আনা শীঘ্ৰ কৰি ॥
নহলে তক্ষক হাতে নেদেখি নিস্তাৰ।
ধন্বন্তৰী আসিলে তাহাৰ অল্প ভাৰ ॥৪৯
এহিমতে পাত্ৰগণে মন্ত্ৰণা কৰি সাৰ।
সত্বৰে পঠাইলা দূত ওজা আনিবাৰ ॥
শীঘ্ৰগতি দূত গৈয়া মিলে শঙ্খপুৰী।
ত্বৰিতে জানাইলা গৈ ওজা ধন্বন্তৰী ॥৫০
পৰীক্ষিতে ব্ৰহ্মশাপ পাই আছে বনে।
তক্ষকে দংশিতে কহিয়াছে সপ্তদিনে ॥
ৰজাক ৰাখিতে তুমি চলহ সত্বৰ।
বিলম্ব নকৰা বসি কাৰ্য্য গুৰুতৰ ॥৫১
এত শুনি ধন্বন্তৰী বিষৌষধি তুলি।
কমণ্ডলু লৈলা আৰ ঔষধৰ ঝুলি ॥
বিচিত্ৰ সাপৰ ছাল বান্ধিয়া মাথায়।
বাঘৰ পিঠিত চড়ি জয়ঢাক বজায় ॥৫২
ছয় কুৰি শিষ্য ওজাৰ চলিলেক সঙ্গে।
মন্ত্ৰ মহৌষধি যত লইলেক ৰঙ্গে ॥

অস্থি-সঞ্চাৰিণী আৰ জীৱ-সঞ্চাৰিণী।
জ্যোতিৰূপা তেজোময় বিশল্যকৰণী ॥৫৩
ঝুলি ভৰি নিলা চাৰি ঔষধৰ মূল।
গাৰুড়ী মন্ত্ৰৰ পুথি লইলা সকল ॥
সুকবি নাৰায়ণ দেৱৰ সুৰস পাচালি।
ওজাৰ ছলনা বুলি একই লেছাৰি ॥৫৪

## দিহা

ঘাঘৰ পিঠিত চড়ি যাই ওজা ধন্বন্তৰী
পৰীক্ষিৎ ৰজা জীয়াবাৰে।
বিষ জোলোঙা ভাৰ দণ্ডমন কান্ধে কৰি
কমণ্ডলু লৈলা বাম কৰে।৫৫
ঘাঘৰ পিঠি• চড়ি যাই দুই কাষে ঢাক বায়
ছয় কুৰি শিষ্য সঙ্গে লৈয়া।
ৰ'দত পীড়িত হুয়া শীতল পবন পাইয়া
বসে গৈয়া ব বৃক্ষ প ইয়া ॥৫৬
এহিমতে ধন্বন্তৰী ক লা গমন।
মন দিয়া শুনা কহে যত বিবৰণ ॥
হিমালয় কৈলাশ দুই পৰ্ব্বতৰ সাৰ।
তথাত তক্ষক নাগ অগ্নি অৱতাৰ ॥৫৭
পৰীক্ষিতে ব্ৰহ্মশাপ পাই আছে শুনি।
হৰষিতে নাগৰাজে কহিলেক পুনি ॥

যেতিয়া অনল গেল খাণ্ডৱ দহিতে।
মোৰ পুত্ৰে বধিয়াছে জননী সহিতে ॥৫৮
আৰ পুত্ৰ কৰ্ণ সনে সৰ্পমুখ বাণ।
তাহাক কাটিয়া পাৰে কৰ্ণ বিদ্যমান ॥
সেহি হৈতে মন মোৰ আছয় সন্তাপ।
তাৰ প্ৰাপ্তি পৰীক্ষিৎ পাইলা ব্ৰহ্মশাপ ॥৫০
এ সময়ে পুত্ৰ ধাৰ সুজিতে উচিত।
এত বলি নাগৰাজ চলিলা ত্বৰিত ॥
এহিমতে তক্ষক যে কৰিলা গমন।
ধন্বন্তৰী সহিত হইলা দৰশন ॥৬০

## দিহা

কুমাৰ কাৰণে ধন্বন্তৰী, বিচাৰ কৰিলা বুলি,
লাগি গৈলা ঔষধৰ ঘ্ৰাণ।
অধিক সুজন তুমি, সি কাৰণে পোছো আমি,
কোৱা বাপু তুমি কোন জন ॥৬১
শুনিয়া ব্ৰাহ্মণ বাণী, ওজাই বুলিলা পুনি,
তক্ষক নাগে খাইবো পৰীক্ষিৎ ৰজা।
তাহাক জীয়াবাৰে, আমি যাই সত্বৰে,
মোৰ নাম ধন্বন্তৰী ওজা ॥৬২
ধন্বন্তৰী মোৰ নাম ঘৰ শঙ্খপুৰী।
শিবৰ সেৱক আমি ফুৰো সৰ্প মাৰি ॥

তক্ষকে দংশিবে শুনিয়াছি পরীক্ষিতে।
তাহাকে রাখিতে আমি যাইবো ত্বরিতে ॥৬৩
ছয় কুরি শিষ্য মোর অনুচর সঙ্গে।
সর্প মারি বিষ খাই ঢাক বজাই রঙ্গে ॥
কর্কটক ধনঞ্জয় তক্ষক উৎপল।
ধৃতরাষ্ট্র পাণ্ডু আদি যত নাগবল ॥৬৪
শঙ্খ আদি মহাপদ্ম যতেক প্রধান।
আমার নিকটে সবে মেড়ূক সমান ॥
শুনিয়া ওঝার বাণী, ব্রাহ্মণে বুলিলা বাণী,
কথা দেখো কহ বর ভয়ে।
স্বর্গ-মর্ত্য পাতালত, ই তিনি যে ভুবনত,
তক্ষকে দংশিলে কেহো জীয়ে ॥৬৫

## দিহা

এতেক বচন যদি ব্রাহ্মণে বুলিলা।
ক্রোধ করি ধন্বন্তরী গর্জ্জন করিলা ॥৬৬
কোপ করি ধন্বন্তরী ভাবে মনে মনে।
সামান্য ব্রাহ্মণ নহ বুজি অনুমানে ॥
আমার বিক্রম আমি কি কহিবো তোরে।
আমার বিক্রম জানে ব্রহ্মা হরি হরে ॥৬৭
কহিব ব্রাহ্মণ আর বলিব ছাগল।
ভাল-মন্দ জ্ঞান নাই হয় যে পাগল ॥

পতিতৰ দান লোৱা নকৰি বিচাৰ।
হাড়ি, ডোম, চণ্ডাল যজাহ সদাচাৰ ॥৬৮
কাকড়াৰ মাটিতে কপালে দীৰ্ঘ ফোটা।
কক্ষ তলে লই আছা ভাঙ্গা লাউ গোটা ॥
ভালেতো ভইছা তুমি শূদ্ৰৰ গোসাই।
সি কাৰণে নাক চুলি এৰা মোৰ ঠাই ॥৬৯
অন্য জনে দিয়ে যদি এতেক উত্তৰ।
এতিক্ষণে মাৰি পঠাম যমৰ নগৰ ॥
দ্বিজ হুয়া নাজানে যি ব্ৰাহ্মণৰ কাম।
চণ্ডালতো ধিক তাক নকৰো প্ৰণাম ॥৭০
স্বৰূপে জানিলো তুমি নোহোৱা ব্ৰাহ্মণ।
দুই জিহ্বা দেখো তোৰ সৰ্পৰ লক্ষণ ॥
কোন সৰ্প চলি আছ কপট ৰূপ ধৰি।
নিশ্চয় জানিলো বেটা ভণ্ড দুৰাচাৰী ॥৭১
আপনাৰ নিজ ৰূপ ধৰ ব্যক্ত হৈয়া।
নহইলে মন্ত্ৰবলে থইবো বান্ধিয়া ॥
কুপিত তক্ষক নাগ অগ্নি হেন জ্বলে।
দুই চক্ষু পকাইয়া বলে তেজোবলে ॥৭২

## দিহা

এতিয়া ব্ৰাহ্মণৰ মায়া ধৰে পঞ্চশত কায়া
প্ৰতাপত কম্পে দেবাসুৰ।

আমিতো তক্ষক নাগ, তোমাক পাইলো লাগ,
মাৰিয়া পঠাম যম ঘৰ ॥৭৩
শুনা ওজা ধন্বন্তৰী, বটবৃক্ষ ভস্ম কৰি,
পুন্ন যদি জীয়াইতে পাৰ ।
নাৰাযণ দেবে কয়, সুকবি বল্লভ হয়,
তেবে বুজিম সাহস তোমাৰ ॥৭৪

দিহা

এ জয় গোপাল ৰাম জয় গোবিন্দ হৰে
হাসি ধন্বন্তৰী বোলে ভণ্ড তপোধন ।
জীয়াইতে পাৰি যদি কিবা দিবা ধন ॥৭৫
পৰাস্ত কৰিব আজি এই বাক্য সাৰ ।
কুপিয়া তক্ষক বিষে কৰে অন্ধকাৰ ॥
নাগে ওজাই বিবাদ কৰে বটবৃক্ষ তলে ।
পৰম প্ৰচণ্ড গছ অতি ভয়ঙ্কৰে ॥৭৬
সহস্ৰেক শিপা গছ পৰম বিশাল ।
মূল গাছ এড়িযা প্ৰচণ্ড চাৰি ডাল ॥
পূব ডালে যাইবাৰে পাৰি উদয় গিৰি ।
পশ্চিম ডালে যাইতে পাৰি ওৰেষা নগৰী ॥৭৭
উত্তৰ ডালে যাইতে পাৰি কৈলাস নগৰী ।
দক্ষিণ ডালে যাইতে পাৰি যমৰ নগৰী ॥
মূল গাছে ব্ৰহ্মা বসি আছে হংস যানে ।
মধ্যে ত্ৰিপুৰাৰি বসি আছন্ত আপুনে ॥৭৯

গৰুড় বাহনে সৈতে বিষ্ণু আছে স্থিতি ।
স্থানে স্থানে কণ্ঠ শুনা আৰু নানা জাতি ॥
ইন্দ্ৰ আদি দেবে গায গন্ধৰ্ব্ব চাৰণ ।
ভূত প্ৰেত দানব পিশাচ নাগগণ ॥৭৯
বিষ্ণুদূত যমদূত বৈসে চাৰি জাতি ।
নিতে ৰবি আছে তাত পক্ষীগণে স্থিতি ॥
সাৰা শালিকা আৰু ৰাইজে শালিকা ।
পিঙলিযা বক আৰু বনোৱা কনকা ॥৮০
দলা ধূলি বাতুলিযে ডুলুক মযৰ ।
ৰাজহংস চিলা আৰ শ্বেত কাকচৰ ॥
কুপতি কৈৱত আছে টিযা কামলিয়া ।
মাচন কুকুযা আছে ভাটো চান্দালিয়া ॥৮১
এহিমতে পক্ষী সব আছে থৰ থৰ ।
ওপৰত থাকি গাছ কাটন্ত সুতাৰ ॥
তক্ষকৰ পৰাক্ৰম সুতাৰে আছে দেখি ।
ভয়ে ডলে সাবটিয়া মুদিলা দুই আঁখি ॥৮২
মনে মনে সুতাৰ সবে লাগে বুলিবাৰে ।
স্ত্ৰী-পুত্ৰ এৰি কেনে আইলো মৰিবাৰে ॥

## দিহা

ইবাৰ তাৰিয়ো ভগবান
অ হৰি নাজানো কি মতে পৰিত্ৰাণ ॥৮৩

পঞ্চশত মুখ দিয়া বিষ বহি পৰে।
তাক দেখি সুতাৰ সবে হৰি হৰি স্মৰে॥
বিপদে পৰিয়া আজি আমাৰ যাই প্ৰাণ।
বোলে প্ৰভু ৰক্ষা কৰা দৈবকী নন্দন॥৮৪
বিপদত ৰক্ষা কৰা দেব নাৰায়ণ।
তুমি বিনে আৰ কোনে কৰিবেক ত্ৰাণ॥
পঞ্চশত ফণা ধৰে বৃক্ষক আকলি।
ভস্ম কৈলা বৃক্ষ গোট কালকূট ঢালি॥৮৫
ভস্ম ভৈলা বৃক্ষ গোট তাহি নব ৰোষে।
ভয় কৰি ধন্বন্তৰী মহামন্ত্ৰ জপে।
ভস্ম কৰি বৃক্ষ চাই নিঃশ্বাসে উৰাই।
তাক দেখি ধনন্তৰী চুচ হাত কোঙাই।৮৬
মহামন্ত্ৰে ধনন্তৰী জল লৈয়া কৰে।
মহামন্ত্ৰ জপি দিলা ভস্মাৰ উপৰে॥
হাসি হাসি পাছে বোলে ওজা ধন্বন্তৰী।
দেখি থাকা ভস্ম কৈলে বৃক্ষ বাজ কৰি॥৮৭
পুনৰপি মহামন্ত্ৰ লাগিলা জপিতে।
ডালে মূলে উঠে গাছ সুতাৰ সহিতে॥
হাসিয়া হাসিয়া পাছে বোলে ধন্বন্তৰী।
লাজ পাই তক্ষক ৰৈলা তল মুণ্ড কৰি॥৮৮
ওজাই বোলে তক্ষক তুমি তল মুণ্ড কেনে।
এতেক বৰাই পূৰ্ব্বে কৈলে কি কাৰণে॥

তুমিতো নাগৰ ৰজা চিনিলো ইঙ্গিতে।
বিনা ধন দিয়া তুমি নাপাবা যাইতে ॥৮৯
তুমিতো নাহিকে জানা মনসাৰ বল।
মন্ত্রে বান্ধি ৰাখিবো তোমাৰ এই স্থল ॥
তক্ষক বোলয় শুনা ধন্বন্তৰী ওজা।
এবেসে জানিলো তোমাৰ মহামন্ত্ৰৰ তেজ ॥৯০
আমিতো তক্ষক নাগ পাইলো পৰাভৱ।
আমাৰ বচন শুনি ৰাখহ গৌৰৱ ॥
পৰীক্ষিৎ ৰজাৰ দেখা আয়ু হৈলা শেষ।
দৈবে তাহা ব্রহ্মশাপ পাইলা বিশেষ ॥১০০
নিশ্চয় ফলিবে ওজা ব্রাহ্মণৰ গালি।
ব্রহ্মশাপ ব্যৰ্থ নহে জানহ সকলি ॥
এত শুনি ধনন্তৰী দেখিলা লেখিয়া।
পৰীক্ষিতৰ পৰমায়ু দেখিলা গণিয়া ॥১০১
দেখিলা পৰমহংস নাহি নিজ ঘৰে।
জ্যোতিৰ্ম্ময় নেদেখিলা নিৰঞ্জনপুৰে ॥
এহিমতে কোন থানে নেদেখিয়া মন।
তক্ষকে বুলিলা পাছে লোৱা এই ধন ॥১০২
এই যে বিৰিণা দেখা ধবল বৰণ।
তাহাৰ তলত আছে সপ্ত ৰজাৰ ধন ॥
হীৰা মাণিক কতো ৰজত কাঞ্চন।
আপোন ইচ্ছাই লোৱা যত লাগে ধন ॥১০৩

শিষ্য সবে বিৰিণাক উভাৰিলা পাকে।
তাহাৰ তলত সপ্ত ৰজাৰ ধন দেখে ॥
শিষ্য সবে লৈলা ধন টোপলি বান্ধিয়া।
চলি যাই ধন্বন্তৰী ধন দান পাইয়া ॥১০৪
ধন দিয়া ধনন্তৰীক পাঠাইলা ঘৰে।
তক্ষক নাগ চলি যাই ৰজাৰ দুৱাৰে ॥
সুকবি নাৰায়ণ দেবৰ সুৰস পাচালি।
তক্ষকৰ ছলনা বুলি একই লেছাৰি ॥১০৫

## দিহা

আজু বৃন্দাবনে চলিলা গোপাল।
চতুঃপাৰ্শ্বে ক্ৰীড়া কৰে যত ৰাখোৱাল ॥
এহিমতে ফিৰি যাই গুৰু ধন্বন্তৰী।
চলিলা তক্ষক নাগ দ্বিজ ৰূপ ধৰি ॥১০৬
শুক্ল বস্ত্ৰ পৰিধান কমণ্ডলু কৰে।
অতি বৃদ্ধ মুনি বেশ চলে ধীৰে ধীৰে ॥
বলিক ছলিতে যেন যাই দামোদৰ।
মদন চলিলা যেন মোহিতে শঙ্কৰ ॥১০৭
বাসৱ চলিলা যেন বৃত্ৰক বধিতে।
ৰাৱণ সন্ন্যাসী যেন সীতাক হৰিতে ॥
এহিমতে চলি যাই ৰজাৰ দুৱাৰে।
দ্বাৰী গৈয়া জান দিলা ৰজাৰ গোচৰে ॥১০৮

ৰজা বোলে শীঘ্র কৰি আনা অন্তঃপুৰে।
ভাগ্যফলে মিলে আসি ব্রাহ্মণ দুৱাৰে॥
দুৱৰী কহিলা গৈয়া শুনা দ্বিজবৰ।
ৰজাৰ আদেশে তুমি চলা অন্ত.পুৰ॥১০৯
তাহাক শুনিয়া দ্বিজ হৰষিত মন।
ৰজাৰ সম্মুখে গৈয়া দিলা দৰশন॥
ব্রাহ্মণ দেখিয়া ৰজা পৰম সাদৰে।
আগত বসাই লৈ দণ্ডৱত কৰে॥১১০
মহাৰাজ পৰীক্ষিৎ তৌক পুণ্যৰাশি।
বদৰিকাশ্রম হৈতে আইলো সন্যাসী॥
পূর্ণ ভাগৱত কৰা কৰিয়া কামনা।
তোমাৰ ঠাই আসি আছো লইতে দক্ষিণা॥১১১
ব্যাসৰ মুখত পুনঃ শুনিলো সম্বাদ।
অকাল বদৰি ফল আনিছো প্রসাদ॥
ব্রাহ্মণ দেখিয়া ৰজা নমস্কাৰ কৰি।
বড়ই কৌতুকে লৈলা অকাল বদৰি॥১১২
অদভূত দেখি ফল হস্ত পাতি লৈলা।
নাকৰ নিকতে নিয়া সুঙ্গিতে লাগিলা॥
তাৰ মধ্যে তক্ষক আছে কীটৰূপ হৈয়া।
সুঙ্গিতে দংশন কৈলা মৃত্যুকাল পাইয়া॥১১৩
সপ্তদিন হৈলা তবে ভাগৱত শুনিতে।
গঙ্গা অন্তর্জ্জলে ৰাজা থাকিয়া নিভৃতে॥

ভাদ্র মাসে ৰোহিণী অষ্টমী শুক্লপক্ষ।
মধ্যাহ্নত মঙ্গলবাৰে দংশিলা তক্ষক ॥১১৪
তক্ষকৰ দংশনত পৰ্ব্বত হোৱে চিৰ।
ভস্ম হৈলা পৰীক্ষিৎ মনুষ্য শৰীৰ ॥
দেখিয়া সকল লোকে কৰে হাহাকাৰ।
সিংগাসন হৈতে পৰে হুইয়া অঙ্গাৰ ॥১১৫
কৈতৰা ব্ৰাহ্মণ কৈত বদৰিকা ফল।
অন্তৰীক্ষে তক্ষক নাগ পলায় প্ৰবল ॥
জন্মেজয় সৈতে সেই ৰজাৰ মহিষী।
বিলাপ কৰিয়া কান্দে ভূমিতলে বসি ॥১১৬
সুকবি নাৰায়ণ দেৱৰ সুৰস পাচালি।
সাৰাদাৰ ক্ৰন্দন বুলি একই লেছাৰি ॥

*দিহা*

অনেৰে কান্দে সাৰদা ৰাণী।
উঠৰে প্ৰাণৰ নাথ, আমাক লগাও মাত,
চন্দ্ৰবংশ আজি হৈলা অন্ধকাৰ ॥১১৭
উত্তৰাৰ গৰ্ভে তোমা বধিছিলা অশ্বত্থামা,
অপাণ্ডৱা কৰিতে কাৰণ।
মায়েৰ স্মৰণ জানি ৰাখিলেক চক্ৰপাণি,
আপনি আসিয়া নাৰায়ণ ॥১১৮
কুক্ষণে মৃগয়া কাজে গৈলা প্ৰভু বনমাজে,
তাতে হৈলা বিধিৰ ঘটন।

ধাৰ্ম্মিক শৰীৰ হুযা নানাবিধ দান দিযা,
বিনা দোষে কৈলা বিড়ম্বন ॥১১৯

আমি কায়বাক্য-মনে, কিবা স্বপ্ন জাগৰণে,
তুমি বিনে অন্য নাহি জানি।
অনাথি কৰিয়া মোকে তুমি গৈলা পৰলোকে,
কিমতে বঞ্চিবো অভাগিনী।১২০

কৰিয়া মোক অনাথ এৰি গৈলা প্ৰাণনাথ,
কোনে পালিবেক প্ৰজাগণ।
তুমি যদি এৰি যোৱা একবাৰ কথা কোৱা,
একবাৰ মই জুৰাওঁ নয়ন ॥১২১

মৃগয়ায় গৈলা বনে তৃষ্ণাযুক্ত হৈয়া কেনে,
জিজ্ঞাসিল মুনিৰ গোচৰে।
সেই কোপে কৰি দৰ্প মুনিৰ গলে দিলা সৰ্প,
মুনিৰ পুত্ৰ শাপিলা তোমাৰে ॥১২২

জন্মেজয় জননী আমি আমাৰ মাৰিলা স্বামী
তক্ষক নাগ হোৱে মোৰ পিতা।
সেই বাপ তক্ষক মোৰে বধিলেক জামাতাৰে
বিধবা আজি কৰিলেক মোক ॥১২৩

নাৰায়ণ সুচৰিত বধ হৈলা পৰীক্ষিৎ
দংশিলেক তক্ষক বিষধৰ।

## দিহা

ঐ আরে লয়রে গোবিন্দর নাম
হরি এই বারেসে বার।
তুনাই ভাবসা নাই মনুষ্য হইবার॥১২৪
রাজা মরা বার্ত্তা পাই যত প্রজাগণ।
সত্বর করিয়া আসি মিলিলা তখন॥
জন্মেজয়র ক্রন্দনত কান্দে প্রজাগণ।
কান্দিতে কান্দিতে সবে হৈলা অচেতন॥১২৫
এহিমতে দংশিলেক রাজা পরীক্ষিৎ।
জন্মেজয় মহারাজা হৈলা উপস্থিত॥
নিজ ধর্ম্মে রাজ্য করে শাসি বাহুবলে।
নানা দান ভোগ রাজা করিলা সকলে॥১২৬
সোণা রূপা দিলা দান লেখা জোখা নাই।
বৈতরণী পার হৈতে দিলা শত গাই॥
পিতৃকার্য্য করি রাজা আনন্দিত মন।
নিমন্ত্রিয়া আনিলেক যত রাজাগণ॥১২৭
সুভাবে কহিলা করযোর করি।
ধন দিয়া ফিরাইলেক ওজা ধনন্তরী॥
তাক শুনি জন্মেজয় ক্রোধ করি মন।
যি কারণে মরে পিতৃ জানিলো কারণ॥১২৮
তক্ষক নাগে মোক করিলা অন্যায়।
বিনা দোষে বধিলেক আমার পিতাই॥

মন্ত্ৰীগণ চাই ৰাজা কহে কোপ কৰি।
মাৰিব সকল নাগ কৈক যাবো সাৰি ॥১২৯
এত শুনি বলিলেক ধৌম তপোধন।
আমি দিবো উপদেশ যদি লোৱা মন ॥
তক্ষকে জিনিবে কেৱে নোৱাৰে যুজিয়া।
যজ্ঞ কৰি মাৰা নাগ অগ্নিত পুড়িয়া ॥১৩০
সৰ্পশত্ৰু যজ্ঞৰ যে কৰহ ব্যৱস্থা।
আপনি কৰহ যজ্ঞ হৈয়া অধিকৰ্ত্তা ॥
ধৌম বলে আমি যজ্ঞ কৰিবে যোগ্য নয়।
শুনিয়াছি নাগগণ ব্ৰাহ্মণ তনয় ॥১৩১
উপায় কহিবো শুনা আছয় কাৰণ।
উতঙ্গ নামেতে মুনি আছে তপোধন ॥
তাহাৰ পিতাক আগে দংশিলেক সাপে।
ইমত আকুল ভৈলা পিতাৰ সন্তাপে ॥১৩২
তাৰে আনি যজ্ঞ কৰা কহিলো বুজাই।
এহিমতে মাৰা সৰ্প অন্য উপায় নাই ॥
জন্মেজয় তপোবনে কৰিলা গমন।
উতঙ্গ মুনিৰ কাছে কৰে নিবেদন ॥১৩৩
অৰ্দ্ধেক আসন দিয়া কৰিলা গৌৰৱ।
কহিলেক নাগ বধে কিবা যুক্তি তৱ ॥
মুনি বলে এই কৰ্ম্ম কৰিতে আমাৰ।
শীঘ্ৰ আয়োজন ৰাজা কৰহ তাহাৰ ॥১৩৪

## *দিহা*

অগ ৰৰাই হেৰ মোৰ মন ব্যাকুল হৈলা।
ৰাধে ৰৰাই হেৰ মোৰ মন ব্যাকুল হৈলা ৰাধে ॥
এই মতে যজ্ঞ আৰম্ভিলা পিতৃশোকে।
কান্দিয়া পদ্মাৰ আগে কহিলা তক্ষকে ॥১৩৫
ধৌম ঋষি মুনি আৰু উতঙ্গ মুনি আনি।
সৰ্পশক্ৰ যজ্ঞ কৰে পিতৃবৈৰী জানি ॥
আছোক যজ্ঞৰ কায্য দেখিতে লাগে ভয়।
তোমাৰ চৰণ বিনে অন্য গতি নাই ॥১৩৬
এতেক শুনিয়া পদ্মা দুঃখ ভাবি মনে।
আস্তিক বুলয়া পদ্মা কৰিলা স্মৰণে ॥
শুনা পুত্ৰ সঙ্কট বৰ হইয়া আমাৰ।
নাথাকিলে তক্ষক কি হব সংসাৰ ॥১৩৭
এতেক বলিয়া পদ্মা দুঃখ ভাবি মনে।
তক্ষক লইয়া গৈল বাসবৰ স্থানে ॥
পদ্মা বোলে ইন্দ্ৰ তুমি জগত পালক।
সঙ্কট সময় তুমি ৰাখহ তক্ষক ॥১৩৮
পদ্মাৰ বচনে ইন্দ্ৰ অভয় বৰ দিয়া।
আপোনাৰ সিংহাসনে ৰাখিলা ঢাকিয়া ॥

শুনা ইন্দ্ৰ মহাভাগ আমিতো তক্ষক নাগ
ভয় পাই আইলো তথু ঠাই।

যত নাগ মহীতলে পুৰি মাৰে মন্ত্ৰ বলে
পৰীক্ষিত পুত্ৰ জন্মেজয় ॥ ১৩৯
মুনি শাপ দিলা তাৰে তক্ষক নাগে দংশিবাৰে
আমি যাই দংশিলো বাপেৰে।
মনে ভাবি জন্মেজয় পিতৃ বৈৰী নিশ্চয়
যজ্ঞ কৰে আমাক মাৰিবাৰে ॥১৪০
শুনি তক্ষকৰ কাজ আশ্বাশিলা দেৱৰাজ
স্থান দিলা ইন্দ্ৰৰ খাটৰ তলে।
নাৰায়ণ দেবে কয় সুকবি বল্লভ হয়
তক্ষক ৰৈলা মন বিয়াকুলে ॥১৪১
তক্ষকে থইয়া পদ্মা আসিলা ত্বৰিতে।
কহিতে লাগিলা কথা আস্তিক সাক্ষাতে ॥১৪২
পদ্মা বোলে পুত্ৰ আমি জনম দুখুনী।
বিয়া কৰি বিনা দোষে এৰি গৈলা মুনি ॥
মোৰ আৰ কোনো নাই সংসাৰ ভিতৰ।
তুমি পুত্ৰ মোৰ আৰ পিতা মহেশ্বৰ ॥১৪৩
আস্তিক বোলয় মাতা স্থিৰ কৰা মন।
ৰাখিবো তক্ষক সমে যত নাগগণ ॥
হৰষিত পদ্মাবতী আস্তিকৰ বোলে।
কপালে চুম্বন দিয়া তুলি লৈলা কোলে ॥১৪৪
মায়েৰ চৰণ পুনঃ বন্দিয়া বিশেষে।
চলিলা যথাত ৰজা যজ্ঞ আৰম্ভিছে ॥

মুনিক দেখিয়া ৰজা উঠিয়া সত্বৰে।
দণ্ডৱতে প্ৰণামিলা বিধি অনুসাৰে ॥১৪৫
পাদ্য-অৰ্ঘ্য আচমন দিলেক আসন।
বসিলেক মহামুনি প্ৰসন্ন বদন ॥
কৰযোৰ কৰি ৰজা মুনিক কৰে স্তুতি।
মুনি বোলে শুনা ৰজা চন্দ্ৰবংশপতি ॥১৪৬
শিবৰ ঔৰষে জন্ম মাতা পদ্মাবতী।
বনে বনে ফুৰো আমি তাহাৰ সন্তুতি ॥
যজ্ঞ কৰিবাৰে শুনি হৰষিত মন।
সি কাৰণে আসিয়াছো মাগিবাৰে দান ॥১৪৭
ৰজা বোলে আজ্ঞা কৰা প্ৰসন্ন বদনে।
যিবা ইচ্ছা কৰা মুনি দিবো এতিক্ষণে ॥
মুনি বোলে স্বস্তি দিলো তোমাৰ বচনে।
কাৰ্য্যকালে মাগিলে তুমি দিবা দানে ॥১৪৮
তবে জন্মেজয় ৰজা হৈয়া একমন।
উতঙ্ক মুনিৰ স্থানে কৰে নিবেদন ॥
কি জন্য বিলম্ব কৰা শুনা মুনিবৰ।
যজ্ঞত প্ৰবৰ্ত্ত হৈয়া প্ৰাণ ৰক্ষা কৰ ॥১৪৯
এত শুনি আহুতি তুলি লৈয়া হাতে।
লক্ষ লক্ষ নাগ আসি পড়িলা যজ্ঞতে ॥
বৰ্ষ বৰ সৰ্প মৰে অগ্নিত পুৰিয়া।
দুৰ্গন্ধ বহিয়া যাই সংসাৰ ঘুড়িয়া ॥১৫০

পুনৰপি মন্ত্ৰ পঢ়ি কৰিলা আহুতি।
কৃত্তিকাদি নাগ আসি পড়ে শীঘ্ৰগতি॥
আহুতি কৰিলা আৰু মন্ত্ৰক পঢ়িয়া।
কালীদহৰ কালীনাগ পৰিল আসিয়া॥১৫১
যেহি নাগ নামে মুনি কৰয় আহুতি।
সেহি নাগ অগ্নিকুণ্ডে পৰে শীঘ্ৰগতি॥
বৰ বৰ নাগ আসি পৰিলা অগ্নিতে।
তক্ষক নেদেখি মুনি হইলা চিন্তিতে॥১৫২
কৰযোৰে জন্মেজয় বুলিলা বচন।
পিতৃবৈৰী তক্ষক নাগ নাহিল কি কাৰণ॥
ৰজাৰ বচনে মুনি লাগে কহিবাৰে।
ইন্দ্ৰত শৰণ লৈলা গৈযা স্বৰ্গপুৰে॥১৫৩
ক্ৰোধ মনে কহিলেক জন্মেজয় ৰজা।
বলে বান্ধি লৈতে পাৰো ইন্দ্ৰ দেৱৰাজ॥
বিলম্ব নকৰি ঘৃত লোৱা শীঘ্ৰগতি।
ইন্দ্ৰ সমে তক্ষকৰ কৰহ আহুতি॥১৫৪
ইন্দ্ৰ সমে তক্ষকৰ আহুতি গৈলা মন্ত্ৰবলে।
ইন্দ্ৰ তক্ষক দুয়ো আছে যজ্ঞৰ উপৰে॥
নাৰদে কহিলা কথা আস্তিক গোচৰে।
যজ্ঞ কৰি জন্মেজয় সৃষ্টি নষ্ট কৰে॥১৫৫
তাক শুনি আস্তিক মুনি বুলিলা বচন।
দান মাগো মহাৰাজ মোক দিয়া দান॥

বলিলেক জন্মেজয় হৰষিত হৈয়া।
অৰ্দ্ধৰাজ্য মহামুনি দিলো উছৰ্গিয়া ॥১৫৬
মুনি বোলে অৰ্দ্ধৰাজ্যে নাহিকে পীৰিতি।
শুদ্ধ মনে দিয়া তুমি তক্ষকৰ আহুতি ॥
তাক শুনি জন্মেজয় চিন্তিত অন্তৰে।
নমৰিলা পিতৃ বৈৰী কাৰ্য্য অনুসাৰে ॥১৫৭

## দিহা

অনে কান্দে ৰজা জন্মেজয়।
মুনিৰ চৰণ ধৰি কান্দে ৰজা অধিকাৰী
কিয় মোক ফেলিলা বিপাকে।
মোৰ শত্রু তক্ষক, বধিবাবে চাহি তাক,
তাক দয়া কৰিলা আস্তিকে ॥১৫৮
যজ্ঞ কৰিবাৰ তবে, ৰাখিলেক পুৰন্দৰে,
দুইজন মৰিবেক পুৰি ॥১৫৯
মুনি বোলে নৃপবৰ পৰীক্ষিৎ কোঙৰ,
যদি আমি দিবোক আহুতি।
তোমাৰ হন্তেক পুৰী কটাক্ষে নাশিত্তে পাৰি
ভষ্ম কৰি ৰাখিবো খিয়াতি ॥১৬০
কতক্ষণে ৰজা পুনি বুলিলা উতঙ্গ মুনি
দিয়া তাবে উছৰ্গ কৰিয়া।
হৰষিত হৈল মুনি তক্ষক নাগেৰে আনি,
ইন্দ্ৰ চলে হৰষিত হৈয়া ॥১৬১

কতক্ষণে মুনিবৰে, সম্মানে বিদায় কৰে,
জন্মেজয় ৰজাৰ নন্দন।
নাৰায়ণ দেৱে কয় সুকবি বল্লভ হয়.
নাৰায়ণ দেৱৰ সুবচন॥১৬২
এহিমতে আইলা মুনি পদ্মাৰ গোচৰে।
যিমতে আনিলা নাগ কহিলা তাহাৰে॥
পদ্মা বোলে বাপু তুমি কৰিলা বৰ কৰ্ম্ম।
আজি হৈতে তক্ষকৰ হৈলা পুনৰ্জ্জন্ম॥১৬৩
কতক্ষণ মুনি তথা থাকি সেহি স্থানে।
প্ৰণাম কৰিয়া গেল গন্ধমাদনে॥
এহিমতে আস্তিক মুনি গমন কৰিলা।
হেনয় সময় নেতা পদ্মাক কহিলা॥১৬৪
নেতা বোলে শুনা বৈৰী জয় বিষহৰি।
এহিমতে তক্ষক জিনিলা ধন্বন্তৰী॥
এই ওজা যতদিন পৃথিবীত ৰবে।
তাবৎ নেদেখি বৈৰী বিবাদ সাধিতে॥১৬৫
পদ্মা বোলে আগে বধি ওজা ধন্বন্তৰী।
তবেসে চান্দোৰ বাদ সাধিবাৰে পাৰি।
ওজাৰ ভবনে যাব গোৱালিনী বেশে।
দধিৰ পসাৰ কৰি সজায় বিশেষে॥১৬৬
তলে দিবা কালকূট উপৰে দধি সব।
ক্ষীৰ ক্ষীৰসা লাক পসৰা উপৰ॥

দধি দেখি ওজা বৰ সন্তুষ্ট হইয়া।
নকৰি বিচাৰ ওজা মৰিবো খাইয়া॥১৬৭
এই যুক্তি কৰিয়া চলিলা বিষহৰি।
কপট কৰিয়া সব দধিৰ পসাৰি॥
সুকবি নাৰায়ণ দেৱৰ সুৰস পাচালি।
পয়াৰ প্ৰবন্ধে পদ একই লেছাৰি॥১৬৮
নামে ভব নামে সিন্ধু মুকুন্দমুৰাৰী।
সবাৰো দুৰ্গতি খণ্ডোক বোলা জয় হৰি॥

—সমাপ্ত—

যথা দৃষ্টং তথা লিখিতং লিখক নাস্তি দোষণং।
ভীমে চাপি ৰণে ভঙ্গ মুনিনাঞ্চ মতিভ্ৰমঃ॥

—:*:—

## ৰজনীপ্ৰভা এজেন্সীৰ প্ৰকাশিত
## কেইখন মান পুথিৰ নাম।

১ সন্তোষ গণনা পাৱা গাত— ।/০
২। উষাহৰণ শুকনান্নি— ।৵০
৩ ধনন্তৰি বধ— ॥/০
৪। পুষ্পধাৰি খণ্ড— ।/০
৫। বিষহৰিৰ জন্ম— ।/০
৬ পৰীক্ষিত বধ— ৵০
৭। শ্ৰীশ্ৰীপদ্মাৱতীৰ বিয়া— ০
৮। চন্দ্ৰধৰৰ ডিঙা গঠন— ।/০
৯। বেহুলাৰ সত্য পৰীক্ষা— ।৵০
১০। সীতা স্বয়ম্বৰ— ॥০
১১। মৎস্য বিলাহ— ।০
১২। লখিন্দাৰৰ স্বৰ্গাৰোহণ — ১৲
১৩। দাতাকৰ্ণৰ নাম,
১৪। অভিমন্যু বধৰ নাম,
১৫। সিহুলি বড়গীত— ১৲
১৬ ভাউৰা পুৰাণ— ।০
১৭। কণ্ট্ৰোল পুৰাণ— ।০
১৮। বসুন্ধৰী গীত— ১৲
১৯। বাকৰুপীয়া বিয়াৰগীত— ॥০
২০। সৰ্ব্ব ঢাক মন্ত্ৰ— ।০
২১। পটন্তৰ মালা— ।০
২২। শক্তিশেল উদ্ধাৰ— ৷৶০
২৩। শ্ৰীশ্ৰীকৃষ্ণৰ ব্ৰজলীলা— ১৲
২৪। শ্ৰীকৃষ্ণৰ গোষ্ঠলীলা— ৷৶০
২৫। শ্ৰীশ্ৰীহৰ-গৌৰী লীলা— ৷৶০
২৬। শকুন্তলাৰ নাম— ॥০
২৭। শ্ৰীকৃষ্ণৰ জন্মাষ্টমী— ॥০
২৮। স্যমন্তহৰণ— ।০

## পোৱাৰ ঠিকনা

ৰজনীপ্ৰভা এজেন্সী পোঃ আঃ কমাৰকুছি (কামৰূপ)
শঙ্কৰ লাইব্ৰেৰী পোঃ আঃ ট্ৰিবিউন, গোহাটী
সহকৰ এজেন্সী পোঃ আঃ ৰঙিয়া (কামৰূপ)
দত্ত বৰুৱা এণ্ড কোং পোঃ আঃ নলবাৰী

---

মুদ্ৰক:—
আলোক প্ৰেছ, নলবাৰী